# অকণিৰ জৱাহৰলাল




শ্ৰীনাৰায়ণ চন্দ্ৰ দাস



গোস্বামী পাবলিচিং কোম্পানী
গুৱাহাটী * শিলচৰ




## ॥ এক ॥

ভাৰতৰ উত্তৰ পুৱৰ্ত থকা কাশ্মীৰ পৃথিৱীৰ ভূস্বৰ্গ। গিৰিৰাজ হিমালয় পাহাৰৰ নামনিত থকা এই চহৰ খনৰ প্ৰাকৃতিক দৃশ্য বৰ মনোৰম।

তুষাৰে আবৃত কাশ্মীৰৰ মনোৰম দৃশ্য বোৰ উপভোগ কৰিবৰ কাৰণে পৃথিবীৰ সকলো ঠাইৰ পৰা মানুহ আহে। চিৰ বসন্ত বিৰাজিত কাশ্মীৰ খন পৃথিৱীৰ অমৰাৱতী।

এবাৰ মোগল বাদচাহ ফাৰুকচিয়াৰ কাশ্মীৰলৈ ফুৰিবলৈ গৈছিল। ৰাজ কাউল নামে এজন সংস্কৃত আৰু পাৰ্চীৰ পণ্ডিত তাত আছিল। ৰাজ কাউলে কাশ্মীৰত তেতিয়া প্ৰাধান্য লাভ কৰিছিল। বাদচাহ ফাৰুকচিয়াৰ যেতিয়া কাশ্মীৰলৈ ফুৰিব যায় তেতিয়া এই ব্ৰাহ্মণ জনে ৰজাক সেৱা শুশ্ৰূষা কৰে। ৰজাই ব্ৰাহ্মণ জনৰ গুণত মুগ্ধহৈ তেওঁৰ পৰিয়ালটো দিল্লীলৈ লৈ আহে।

বাদচাহে এই নতুন পৰিয়ালটোক দিল্লীত মাটীবাৰী দি স্থায়ী হিচাবে থাকিবলৈ দিহা কৰি দিয়ে। তেওঁলোক থকা ঠাইৰ চাৰিও কাষেকেইটা মান খাল আছিল। খালক উৰ্দ্দু ভাষাত নহৰ বুলি কয়। কালক্ৰমত তেওঁ লোকৰ কাউল উপাধি নোহোৱা হৈ নেহৰু উপাধি হয়।

১৮৬১ চনৰ মে মাহৰ ৬ তাৰিখে মতিলাল নেহৰুৰ আগ্ৰাত জন্ম হয়। সেই দিনাই বিশ্বকবি ৰবিন্দ্ৰনাথ ঠাকুৰেও জন্মগ্ৰহণ কৰে।

মতিলাল নেহৰুৰ দেউতাকৰ নাম আছিল গঙ্গাধৰ নেহৰু। মতিলাল নেহৰুৰ জন্মৰ আগতে তেওঁৰ দেউতাকৰ মৃত্যু হৈছিল।

মতিলাল নেহৰুৰ দুজন ককায়েক আছিল। বংশীধৰ নেহৰু আৰু নন্দলাল নেহৰু। এই দুজন ককায়েকৰ আদৰ যত্নতে তেওঁ ডাঙৰ দীঘল হয়। সকলোতকৈ শেষত ওপজা কাৰণে মতিলাল মাকৰ বৰ আলামৰ লাডু আছিল।

ছাত্ৰ অৱস্থাৰ পৰাই মতিলাল অত্যন্ত বুদ্ধিমান আৰু মেধাবী ছাত্ৰ আছিল। সৰু কালত তেওঁ ফাৰ্চী আৰু আৰবী শিখিছিল। বাৰ তেৰ বছৰ মানৰ পৰাহে তেওঁ ইংৰাজী শিক্ষা আৰম্ভ কৰিছিল। সৰু কালত তেওঁ বৰ উদ্ধত স্বভাৱৰ লৰা আছিল।

এলাহাবাদ বিশ্ববিদ্যালয়ৰ পৰা তেওঁ বি, এ পৰীক্ষা দিছিল কিন্তু তেওঁ বি, এ পৰীক্ষা পাচ কৰিব নোৱাৰিলে।

বি, এ পৰীক্ষাত কৃতকাৰ্য্য হব নোৱাৰি তেওঁ ল পঢ়িলে। আইন পঢ়াৰ কাৰণে সৰুৰে পৰা তেওঁৰ প্ৰবল ইচ্ছা এটা আছিল।

আইন পৰীক্ষাত তেওঁ প্ৰথম বিভাগত পাচ কৰি সোনৰ পদক লাভ কৰিলে। কানপুৰৰ আদালতত তেওঁ প্ৰথম ওকালতি

আৰম্ভ কৰে। তেওঁ নিজৰ বুদ্ধিৰ দ্বাৰা ওকালতিত সুনাম অৰ্জন কৰে। অলপ দিনৰ ভিতৰতে তেওঁ এজন নাম থকা উকিল হিচাবে নিজকে প্রতিষ্ঠা কৰি ললে।

মতিলাল নেহৰু এজন বৰ উগ্রপন্থীৰ লোক আছিল। তেওঁ বৰ বিলাসপ্রিয় আছিল। ডেকা কালতে তেওঁ বহুত টকা অৰ্জন কৰিছিল।

মতিলাল নেহৰু এজন ঐশ্বৰ্য্যশালী লোক আছিল। নিজৰ ব্যক্তিত্বৰ গুণত বহুত দেশী বিদেশী প্রখ্যাত লোক সকল তেওঁৰ সন্নিদ্ধলৈ আহিছিল।

এলাহাবাদত তেওঁ ডাঙৰ ঘৰ এটা সাজে। এই ঘৰটোৰ নাম তেওঁ "আনন্দ ভবন" দিয়ে।

॥ দুই ॥

১৮৮৯ চনৰ ১৪ নবেম্বৰ মাহৰ দিনটো ভাৰতবাসীয়ে পাহৰিব নোৱাৰা দিন। এলাহবাদত মতিলাল নেহৰুৰ ঔৰসত স্বৰূপ ৰাণীৰ গৰ্ভত এটি দেৱ শিশুৱে জন্মগ্রহণ কৰে। কি জানি পৃথিৱীত শান্তি স্থাপনৰ কাৰণেই ভগৱানে এটি দূত পঠিয়ায়। এই দেৱদূতটোৰ নামেই হল জৱাহৰলাল, হীৰা মুকুতাৰ মণি।

জৱাহৰলাল নেহৰু ওপজাতেই সোণ ৰূপৰ চৰুত হাত দি

ওপজিছিল। দেউতাক মতিলাল নেহৰু এজন বৰ ধনী মানুহ আছিল। তেওঁৰ এজন লৰা আৰু দুজনী ছোৱালী। জৱাহৰলালেই তেওঁৰ একমাত্র পুত্র সন্তান আছিল। গতিকে সৰুৰে পৰা তেওঁ যথেষ্ঠ মৰম চেনেহৰ মাজত ডাঙৰ দীঘল হৈছিল।

সৰু কালত জৱাহৰলালে দেউতাকে মানুহৰ সৈতে আলোচনা কৰিলে কান পাতি শুনি থাকে। দেউতাকে পতা কথা বিলাক বৰ ডাঙৰ আছিল। কেতিয়াবা কেতিয়াবা দেউতাক উত্তেজিত হৈ যায়। এই বিলাক বেচি ভাগ কথাই আছিল ইংৰাজ সকলোৰ বিৰুদ্ধে। সৰুতে জৱাহৰলাল এই বোৰ কথাৰ আতিগুৰি ধৰিব নোৱাৰিছিল, কিন্তু তেওঁ ডাঙৰ হৈ অহাৰ লগে লগে বুজি উঠিল।

ভাৰতবৰ্ষ তেতিয়া ইংৰাজৰ অধিনত। ইংৰাজ চাহাব বোৰেই আছিল ভাৰতৰ হৰ্ত্তা কৰ্ত্তা। ইংৰাজ বোৰে যি হুকুম দয়ে ভাৰতীয় মানুহে তাক নতশিৰে পালন কৰিব লাগে।

যদি কোনো ইংবাজ মানুহে ভাৰতীয় মানুহক হত্যা কৰে তেতিয়া ইংৰাজৰ নিয়মমতে তেওঁ দোষী সাব্যস্ত নহৈ মুক্তি পাইছিল। ৰেলগাড়ীৰ কোঠা বোৰ ইংৰাজৰ কাৰণে আচুতীয়াকৈ ৰখা হৈছিল। তাত যিমান মানুহৰে ভিৰ হওঁক ইংৰাজে তাত ঠাই পাবই। কোনো ভাৰতীয় মানুহক ইংৰাজৰ লগত উঠিবলৈ নিদিছিল।

ইংৰাজৰ এই বোৰ অত্যাচাৰ দেখি শুনি জৱাহৰলালৰ মন সৰুৰে পৰা ইংৰাজৰ প্ৰতি ঘৃণাত নাক কোচ খাই গৈছিল। তেতিয়াৰ পৰাই তেওঁৰ মনত দেশপ্ৰেমৰ ভাব এটা ফুটি উঠিছিল।

সৰু কালৰ পৰাই ৰামায়ণ মহাভাৰতৰ বীৰত্বপূৰ্ণ কাহিনী বোৰ শুনি জৱাহৰলালৰ মন আনন্দত নাচি উঠে।

মতিলাল নেহৰু এজন ৰাজ কৰ্ম্মচাৰী লোক আছিল। দিনৰ দিনটো তেওঁ নিজ কৰ্ত্তব্যত ব্যস্ত হৈ থাকে। গধুলি তেওঁক লগ পাবলৈ বহুত বন্ধু বান্ধৱ তেওঁৰ ওচৰলৈ আহে। গোটেই এলাহবাদতে তেওঁৰ নাম আছিল। কেতিয়াবা কেতিয়াবা তেওঁ লোকে কোৱা কথা বাৰ্ত্তা বোৰ জৱাহৰলালে চুৰকৈ শুনি থাকিলে দেউতাকে ধৰিনি আঠুৰ ওপৰত বহুৱাই ৰাখে।

দিনটোৰ কাৰণে তেওঁ কামলৈ ওলায়গলে জৱাহৰলালক চোৱাৰ ভাৰ তেওঁৰ ঘৈনীয়েক স্বৰুপৰাণীৰ হাতত দি যায়। সৰু লৰা ছোৱালীয়ে খেলাধুলা কৰি ভাল পায়, কিন্তু স্বৰুপ ৰাণীয়ে জৱাহৰলালক কেতিয়াও বাহিৰ ওলাব নিদিয়ে। ঘৰত থাকোতেও তেওঁৰ খেলা ধুলা কৰিবৰ কাৰণে সঙ্গী নাছিল।

তেওঁ লোকৰ ঘৰত এজন মুন্সী আছিল। তেওঁৰ নাম আছিল মোবাৰক আলি। এই বৃদ্ধ মুন্সী জনে জৱাহৰলালক বৰ মৰম কৰে। জৱাহৰলালৰ ঘৰত থাকি আমনি লাগিলে তেওঁৰ ওচৰলৈ আহি সান্ত্বনা লভিছিল।

জৱাহৰলালৰ আগত তেওঁৰ পুৰণী বীৰ, বীৰাঙ্গণা বোৰৰ কাহিনী সাধু কথা আকাৰে কৈছিল। কেতিয়াবা কাহিনী বোৰ কৈ থাকোতে মুন্সীয়ে চকু চলচলীয়া কৰি কান্দি দিয়ে। শিশু জৱাহৰলালেও এই কাহিনী বোৰ শুনি মুগ্ধ হৈ গৈছিল।

জৱাহৰলালৰ মনত এই মুন্সী জন পুৰনি সাধুকথাৰ ভৰাল আছিল। তাৰ পাচত জৱাহৰলালৰ এই বোৰ গল্প শুনাটো এটা অভ্যাসত পৰিণত হল। ঘণ্টাৰ পাচত ঘণ্টা ধৰি তেওঁ একান্ত মনে এই গল্প বোৰ শুনি যায়। ঝান্সীৰ ৰাণী লক্ষ্মী-বাঈৰ আত্মদানৰ গল্প শুনি জৱাহৰলালৰ চকুলো ওলাই ছিল। নিজৰ জন্মভূমিৰ কাৰণে জীৱন আহুতি দিয়া বীৰাঙ্গণা পৃথিৱীৰ বুৰঞ্জীত বিৰল। ৰাণী লক্ষ্মীবাঈৰ চৰিত্ৰই জৱাহৰলালক শিকালে নিজৰ জন্মভূমিৰ তুলনাত মানুহৰ জীৱন তুচ্ছ। দেশৰ সেৱা কৰাই মানুহৰ প্ৰধান কৰ্ত্তব্য।

জৱাহৰলালে সকৰ পৰাই ঘৰৰ ভিতৰতে আবদ্ধ হৈ থকা কাৰণে সুবিধা পালেই তেওঁ বাহিৰলৈ যায়। এলাহবাদৰ অশ্বাৰোহী সৈন্য বাহিনীৰ এজন চোৱাৰীৰ লগত তেওঁ প্ৰত্যেক দিনাই ঘৰৰ পৰা পলায় ঘোৰাত উঠিবলৈ গৈছিল। এদিনাখন তেওঁ ঘোৰাৰ পৰা পিচলি পৰিল। তেতিয়া ঘোৰা পোৱালিটোৱে জৱাহৰলালক তাতে এৰি ঘৰ পালেহি।

ইপিনে দেউতাকে জৱাহৰলালক বিচাৰি ফুৰিব ধৰিলে।

তেওঁৰ লগত বহুত মানুহ বিচাৰিবলৈ গৈছিল, পাচে বাটত তেওঁক পাই ঘৰলৈ আহে।

মহাপুৰুষ সকলোৰ জীৱনং বুৰঞ্জী মেলি চালে দেখিবলৈ পাওঁ যে তেওঁ লোকে কি ৰকম পিতৃমাতৃৰ ভক্তি কৰিছিল। জৱাহৰলাল নেহৰুৱেও সৰুৰে পৰা পিতৃ মাতৃক অত্যন্ত ভক্তি আৰু ভয় কৰিছিল।

## ॥ তিনি ॥

মাক দেউতাকৰ মৰম চেনেহত জৱাহৰলাল ডাঙৰ দীঘল হৈ আহিব ধৰিলে। সৰুতে জৱাহৰলালক স্কুললৈ নপঠিয়াই ঘৰতে পঢ়োৱাৰ ব্যৱস্থা কৰে। এজনী ইউৰোপীয় শিক্ষয়িত্ৰীয়ে হল জৱাহৰলালৰ আদি শিক্ষা-দাত্ৰী।

তাৰ পাচত তেওঁক ফাডিনেণ্ড, টি, ব্ৰুক্স নামৰ এজন গৃহ শিক্ষক আহি পঢ়ুৱাবলৈ আৰম্ভ কৰে। তেতিয়া জৱাহৰলালৰ বয়স ১১ বছৰ। বিজ্ঞান আৰু ইংৰাজী ভাষাটো খুব ভালকৈ তেওঁৰ পৰা জৱাহৰলালে আয়ত্ব কৰে। এই জন শিক্ষকেই তেওঁক পাশ্চাত্য দেশৰে কিছু শিক্ষা দিয়ে। প্ৰায় তিনি বছৰ জৱাহৰলালে এফ, টি, ব্ৰুকৰ অধিনত শিক্ষা লাভ কৰে। ইংৰাজী ভ্ৰমণ কাহিনী বোৰ পঢ়ি সৰুৰ পৰাই তেওঁৰ বৰ ভাল লাগিছিল।

দেউতাক মতিলাল নেহৰুৱে ভাবিলে বিজ্ঞান আৰু ইংৰাজী শিক্ষাই লৰাক প্ৰকৃত শিক্ষা দিব নোৱাৰে গতিকে তেওঁ হিন্দি আৰু সংস্কৃতো তেওঁক শিকাবৰ কাৰণে ইচ্ছা কৰে। কিন্তু জৱাহৰলালৰ সংস্কৃত শিক্ষাত একেবাৰে জ্ঞান নাই। এই ভাষাটো তেওঁ টান পাইছিল।

দেউতাকৰ ইচ্ছাত সংস্কৃত আৰু হিন্দিৰ কাৰণে এজন বুঢ়া পণ্ডিত জৱাহৰলালক পঢ়ুৱাবৰ কাৰণে নিয়োগ কৰিলে। এই বুঢ়া পণ্ডিত জনে অবশেষত জৱাহৰলালক সংস্কৃত ভাষাৰ কিছু আভাষ দিয়ে।

বিজ্ঞানৰ আচৰিত ৰহস্য বিলাকৰ কথা পঢ়ি ব্যবহাৰিক ভাবে সেই বোৰ পৰীক্ষা কৰি চাবলৈ তেওঁৰ ইচ্ছা হল। তেওঁ পৰীক্ষাগাৰ এটা সজায় তাতেই পদাৰ্থ বিজ্ঞান আৰু ৰসায়ণ-বিজ্ঞানৰ পৰীক্ষা নিজে কাৰ আমোদ পাইছিল।

গৃহ শিক্ষকৰ অধিনত পঢ়া শুনা কৰি জৱাহৰলাল বহুত জ্ঞান আৰোহণ কৰিলে। তাৰ পাচত দেউতাকে তেওঁক বিলাতলৈ পঠাৰৰ দিহা কৰে।

১৯০৫ চনৰ মে মাহত জৱাহৰলাল বিলাতলৈ শিক্ষা লাভৰ কাৰণে যায়। তেতিয়া তেওঁৰ বয়স ১৫ বছৰ মাথোন। তেওঁক বিলাতত থৈ আহিবৰ কাৰণে দেউতাক মতিলাল নেহৰু, মাক

আৰু তেওঁ সৰু ভনীয়েক দুজনীও বিলাত লৈ যায়। মে মাহৰ শেষৰ ফালে তেওঁলোক লণ্ডন পালেগৈ।

সেই সময়ত ইংলণ্ডত মাত্র দুখন নাম কৰা কলেজ আছিল। এখন হল ঈটন আৰু আনখন হেৰো। ধনী মানুহৰ লৰাই হে ইয়াত পঢ়িব পাৰিছিল। জৱাহৰলাল এজন সম্ভ্রান্ত পৰিয়ালৰ লোক দেউতাকে তেওঁক হেৰো বিশ্ববিদ্যালয়ত নাম ভৰ্ত্তি কৰি দিয়ালে।

জৱাহৰলালক হেৰোত নাম ভৰ্ত্তি কৰি দি তেওঁলোক বিলাতৰ পৰা ঘুৰি আহে। লেটিন ভাষা ভালকৈ নাজানিছিল কাৰণে তেওঁ প্ৰথমতে তলৰ শ্ৰেণীত ভৰ্ত্তি হব লগা হল। কিন্তু পঢ়া শুনাত তেওঁ চোকা আছিল কাৰণে অলপ দিনৰ ভিতৰতে ওপৰলৈ তুলি দিয়ে।

জৱাহৰলালে বেছ মনোযোগেৰে তাত পঢ়া শুনা কৰিব ধৰিলে। তেওঁ এজন মেধাৱী আৰু তীক্ষ্ণ বুদ্ধিৰ লৰা আছিল। হেৰো বিশ্বাবিদ্যালয়ত তেওঁ এজন নাম কৰা ছাত্র হৈ উঠিল চাবেকৈয়ে হেৰো বিশ্ববিদ্যালয়ৰ অধ্যাপক সকল জৱাহৰলালৰ পাণ্ডিত্যত আচৰিত হল।

তেওঁ লোকে আগতে ভাবিছিল যে ভাৰতীয় মানুহ বোৰ বেচি বুদ্ধিমান আৰু শিক্ষিত নহয়, কিন্তু জৱাহৰলালে ইংলণ্ডত গৈ প্ৰমাণ কৰি দিলে যে ভাৰতীয় ছাত্রৰও যথেষ্ঠ জ্ঞান বুদ্ধি আছে।

১৯০৫ চনত ইংলণ্ডত সাধাৰণ নিৰ্ব্বাচন হয়। সাধাৰণ

নিৰ্ব্বাচনৰ কথা বতৰা বোৰ জৱাহৰলালৰ বৰ ভাল লাগিছিল। তেওঁও সুবিধা পালে লগৰ লগৰীয়া বোৰৰ সৈতে ৰাজনীতিৰ বিষয়ে নানান আলোচনা হৈছিল।

এদিনাখন শ্ৰেণীত অধ্যাপক আহি লৰা বোৰক সাধাৰণ নিৰ্ব্বাচনৰ বিষয়ে এটা প্ৰবন্ধ লিখিব দিয়ে। অধ্যাপক জনৰ উদ্দেশ্য আছিল লৰা বিলাকৰ ৰাজনৈতিক জ্ঞান কিমান তাক পৰীক্ষা কৰা। ছাত্ৰ সকলে লিখিবলৈ আৰম্ভ কৰিলে। জৱাহৰলালেও বহি নাথাকি লিখিবলৈ ধৰিলে। অবশেষত সকলো বোৰ ছাত্ৰই লিখা প্ৰবন্ধবোৰ পৰীক্ষা কৰি দেখা গল যে জৱাহৰলালৰ প্ৰবন্ধটোৱে আটাইতকৈ ভাল হৈছে। আনকি মন্ত্ৰী সকলোৰ নামও উল্লেখ কৰিছে।

হেৰোত থাকি জৱাহৰলালৰ বৰ ভাল লাগিছিল। তেওঁৰ ঠাই ডোখৰ বৰ ভাল লগা হল। লণ্ডনত থাকিও সদায়ে তেওঁ ভাৰতবৰ্ষৰ খবৰ পাই আছিল। তেওঁ তাত নিয়মিয়াকৈ ইংৰাজী বাতৰি কাকত পঢ়িছিল। হেৰো বিশ্ববিদ্যালয়ৰ পৰা তেওঁ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ ট্ৰিনিটি কলেজৰ বিজ্ঞান শাখাত ভৰ্ত্তি হয়। তেওঁ তাত ৰসায়ন, ভূবিদ্যা, আৰু উদ্ভিদ বিদ্যা অধ্যয়ন কৰে। কিন্তু তেওঁৰ জ্ঞানৰ হেপাহ এই তিনিতা বিষয়তে আবদ্ধ নাছিল। কেইটা মান বিষয় তেওঁ এনেয়ে পঢ়ি জ্ঞান লভিছিল।

কেম্বিজ বিশ্ববিদ্যালয়ত ভাৰতীয় ছাত্ৰ বিলাকৰ এটা সঙ্ঘ

আছিল। সঙ্ঘত নানা ধৰণৰ ৰাজনৈতিক আলোচনা হয়। ইয়াতেই জৱাহৰলালৰ তিনিজন ৰাজনৈতিক নেতাৰ লগত পৰিচয় হয়। তেওঁ লোক হল বিপিনচন্দ্ৰ পাল, লাজপৎ ৰায়, আৰু গোপালকৃষ্ণ গোখলে। এই কেইজন মানুহৰ পৰা জৱাহৰলালে ৰাজনৈতিকতাৰ বহুখিনি আভাষ পায়।

কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে তেওঁৰ ভাব এটা আহিল ভবিষ্যতে কি হবগৈ। তেওঁ এবাৰ ভাবিলে যে ভবিষ্যতৰ জীৱনটো তেওঁ চিভিল চাৰ্ভিচ কৰিয়ে কটাব। কিন্তু তেতিয়া চিভিল চাৰ্ভিচৰ জাকজমকতা মানুহে ভাল না পাইছিল। তথাপিওঁ তেওঁ চিভিল চাৰ্ভিচৰ পৰীক্ষা দিলে হেতেন কিন্তু তেতিয়াও জৱাহৰলালৰ বয়স কম আছিল। আনহাতে পৰীক্ষা দিব লাগিলে আৰু এবছৰ ইংলণ্ডত থাকিব লাগিব। এইবোৰ কাৰণত তেওঁৰ পঢ়িবলৈ ইচ্ছা নহল।

১৯১০ চনত জৱাহৰলাল ডিগ্ৰী পৰীক্ষা সুখ্যাতিৰে পাছ কৰে। তেওঁ এই পৰীক্ষাত দ্বিতীয় বিভাগত প্ৰথম স্থান লাভ কৰে।

১৯১২ চনত আইন পৰীক্ষাও তেওঁ পাছ কৰে। সুদীৰ্ঘ ৭ বছৰ কাল বিলাতত থকাৰ পাচত তেওঁ নিজ মাতৃভূমি ভাৰতবৰ্ষলৈ ঘুৰি আহে।

॥ চাৰি ॥

নিজদেশলৈ ঘুৰি আহি তেওঁ দেউতাকৰ লগত একেলগে ওকালতি কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ উচ্চ ন্যায়ালয়ত ভৰ্ত্তি হল। প্ৰথম অৱস্থাত তেওঁৰ ব্যাৱসায়টোও ভাল লাগিল। কিন্তু লাহে লাহে তেওঁ এই ব্যাৱসায়টোৰ প্ৰতি ভাল নলগা হৈ আহিল। তেওঁৰ ভাব হল যে এই ব্যাৱসায়টো বুদ্ধিজীৱী মানুহৰ পক্ষেহে ভাল আছিল। ওকালতি কৰাৰ পৰা জীৱনটো তেওঁৰ সেমেকা সেমেকা লাগিবলৈ ধৰিলে। কাৰণ বিলাতত তেওঁ যিটো পাৰিপাশ্চিকতাৰ মাজেৰে দিনবোৰ কটাইছিল ইয়াত আহি সেই পাৰিপাশ্চিকতা পোৱা নাছিল।

তেতিয়া ভাৰতবৰ্ষ ইংৰাজৰ অধিনত। ইংৰাজ সকলেই ভাৰতৰ ভাগ্যবিধাতা। কিন্তু ইংৰাজ সকলোৰ বিৰুদ্ধাচৰণ কৰি ভাৰতত এটা দল গঢ়ি উঠিছে। সেই দলটোৰ নাম হল কংগ্ৰেছ।

সৰুৰে পৰা জৱাহৰলালে কংগ্ৰেছ দলটোৰ প্ৰতি এটা বিশেষ আকৰ্ষণ আছিল। তেওঁ কংগ্ৰেছৰ অন্তৰ্ভুক্ত হল। তাৰ পাচত তেওঁ কংগ্ৰেছৰ সভা সমিতিত যোগ দিব ধৰিলে।

এনেকৈ থাকি আমনি লাগিলে কেতিয়াবা জৱাহৰলাল চিকাৰ কৰিবলৈ যায়। চিকাৰ কৰি তেওঁ বৰ ভাল পাইছিল। এদিনাখন নেহৰু চিকাৰ কৰিবৰ কাৰণে বন্দুক হাতত লৈ হাবিলৈ

চিকাৰত জীৱজন্তু হত্যা কৰাটো তেওঁৰ কিন্তু লক্ষ্য নাছিল। দৰাচলতে—তেওঁ অহিংসা চিকাৰী বুলিয়ে খ্যাতি আছিল। কিন্তু এদিনাখনৰ চিকাৰৰ ঘটনা এটাই তেওঁৰ চিকাৰৰ প্ৰতি থকা হেপাহত চেচা পানী ঢালিলে।

হাবিত তেওঁ হৰিণা পোৱালি এটা লগ পালে। লগে লগে বন্দুকটোৱাই হৰিণা পোৱালিটোলৈ গুলি মাৰিলে। তেওঁৰ গুলি অব্যৰ্থ। গুলি খাই হৰিণা পোৱালিটো দৌৰি আহি তেওঁৰ ভৰিত পৰিল। তাৰ অলপপৰ পাচতে পোৱালিটো মৰি থাকিল।

হৰিণা পোৱালিটো মৰাত দুটা ডাঙৰ হৰিণা আহি সজল-নয়নে জৱাহৰলালৰ পিনে চাব ধৰিলে। মৃত্যু লৈ সিহঁতৰ ভয় নাই। এনেকুৱা কৰুণ দৃশ্য এটা দেখি জৱাহৰলালে কান্দি দিলে। চিকাৰৰ স্পৃহা তেওঁৰ নোহোৱা হল। এই কৰুণ দৃশ্যটোৰ কথা তেওঁ জীৱনত পহৰা নাছিল।

১৯১৪ চনৰ প্ৰথম মহাসমৰৰ পাচৰ পৰাই দেশত ৰণ ভেৰি বাজি উঠিল। ইংৰাজৰ শাসনৰ ওৰ পেলাবলৈ চাৰিওফালে আন্দোলন হব ধৰিলে। দেশমাতৃৰ কাতৰ আহ্বানত হাজাৰ হাজাৰ দেশপ্ৰেমিক জাগ্ৰত হৈ উঠিল।

জৱাহৰলালৰ মনত মাতৃভূমিৰ পৰাধীনতাৰ ছবি ভাঁহি উঠিল। কেনেকৈনো ভাৰতৰ স্বাধীনতা আনিব পাৰি তেওঁ তাৰে চিন্তা কৰিব ধৰিলে।

বিলাতত পঢ়ি থাকোঁতেই জৱাহৰলালে গ্যাৰিবল্ডীৰ জীৱনী এখন পুৰস্কাৰ হিচাবে পায়। এই জীৱনীখন জৱাহৰলালে খুব মনোযোগেৰে পঢ়ি শেষ কৰিলে। জীৱনীখন পঢ়ি উঠি জৱাহৰ-লালৰ গ্যাৰিবল্ডীৰ প্ৰতি শ্ৰদ্ধাত আপোনা আপুনি মূৰ দোঁ খাই গৈছিল। গ্যাৰিবল্ডীৰ জীৱনীয়ে জৱাহৰলালৰ জীৱনৰ নতুন অধ্যায়ৰ সূচনা কৰে। গ্যাৰিবল্ডীয়ে খণ্ড খণ্ড হোৱা ইটালিক একতাৰ ডোলেৰে বান্ধিছিল। তেওঁৰ দৰে বীৰপুৰুষ তেতিয়া ইটালিত নাছিল।

১৯১৬ চনত লক্ষ্ণৌ নগৰত কংগ্ৰেছ অধিবেশন বহে। মহাত্মা গান্ধী দক্ষিণ আফ্ৰিকাৰ পৰা আহি এই অধিবেশনত যোগ দিয়ে। জৱাহৰলাল আৰু মহাত্মা গান্ধীৰ প্ৰথম সাক্ষাত ইয়াতে হয়।

## ॥ পাচ ॥

১৯১৬ চনত জৱাহৰলালৰ কমলা নেহৰুৰ সৈতে বিয়া হয়। দিল্লী নগৰীত এই বিবাহ সমাধা হয়। জৱাহৰলালৰ দৰে কমলা নেহৰুৰো পূৰ্ব্বপুৰুষসকল কাশ্মীৰৰ মানুহ আছিল।

মতিলাল নেহৰুৰ আদেশত বিয়াৰ পাচতে নবদম্পতি কাশ্মীৰলৈ ফুৰিবলৈ যায়। কাশ্মীৰৰ পাহাৰবোৰৰ সৌন্দৰ্য্যউপভোগ কৰাই আছিল এই যাত্ৰাৰ মূল উদ্দেশ্য। সকৰে পৰা তিব্বতৰ

হিমে ভৰা পাহাৰবোৰ বগাবলৈ জৱাহৰলালৰ বৰ ইছা আছিল। নিজৰ পৰিবাৰ কমলাক সম্বন্ধীয় ভায়েক এজনৰ ঘৰত থৈ তেওঁ পাহাৰী অঞ্চলবোৰ ভ্ৰমণ কৰি ফুৰিছিল।

তিব্বত মালভূমিলৈ যোৱা বাট, ঠেক, নিৰ্জন আৰু পিচল। এনেকুৱা বাটেৰে ভ্ৰমণ কৰাটো বৰ কষ্টকৰ। তথাপিও তেওঁলোক ওপৰলৈ উঠিব ধৰিলে। প্ৰাকৃতিক এই নিৰ্জন দৃশ্য-বিলাক দেখি জৱাহৰলালৰ মনটো অদ্ভুত ধৰণে ভাল লাগিছিল।

এবাৰ অমৰনাথলৈ যোৱা ভ্ৰমণৰ কথা জৱাহৰলালৰ মনত চিৰদিন থাকিব। জাজিলা পাচৰ পৰা অমৰনাথ বেচি দূৰ নহয়, আঠ মাইলহে মাথোন। কেম্পৰ সৰু দল এটা পৰ্ব্বতৰ ওপৰলৈ আগবাঢ়ি গৈ থাকিল। স্থানীয় ভেৰাৰখীয়া এটাই তেওঁলোকক বাট দেখুৱাই দিয়াত সহায় কৰিলে।

ৰছীৰ সহায়েৰে তেওঁলোক কেইবাটাও তুষাৰে আবৃত সৰু সৰু পাহাৰৰ শৃঙ্গ পাৰ হল। কিন্তু তেওঁলোক যিমানে ওপৰলৈ যাবলৈ ধৰিলে সিমানে কষ্ট বেচি হৈ আহিল। ওপৰলৈ যোৱাটো বৰ টান হল। তেওঁলোকৰ লগত যোৱা কেইজনৰ বোজা বেচি নাছিল যদিও তেওঁলোকৰ নাকে মুখে তেজ ওলাবলৈ ধৰিলে। তেওঁলোকৰ উশাহ-নিশাহ লোৱাত বৰ কষ্ট হল। লাহে লাহে বৰফ পৰিব ধৰিলে। বৰফ পৰি বাটবোৰ অত্যন্ত পিচল হল। তেওঁলোকৰ বৰ ভয় লাগিল। তথাপিও মৰণত

শৰণ দি গৈ থাকিল। প্ৰায় বাৰ ঘণ্টা সময় একেৰাহে পৰ্ব্বত বগোৱাৰ পাচত তেওঁলোকে পৰিশ্ৰমৰ পুৰস্কাৰ পালে। তেওঁলোকে বিচৰা ঠাই ডোখৰ পালে। মনৰ আনন্দতে আকৌ আগুৱাই গল, কিন্তু এবাৰ এটা আচৰিত ঘটনা ঘটিল। জৱাহৰলালে এটা বৰফৰ দমৰ ওপৰত ভৰিখন দিবলৈহে পালে তৎক্ষণাত বৰফবোৰ তললৈ বহি সুৰঙ্গৰ দৰে গাত এটা হৈ পৰিল।

জৱাহৰলালৰ ভাগ্য ভাল আছিল। কোনোমতে তেওঁ জৰি এদালত ধৰি সাৰিল, নহলে তেওঁ একেবাৰে অটল গহ্বৰত পৰিল-হেঁতেন।

এই ঘটনাৰ পাচৰ পৰা তেওঁলোক আগুৱাই নগৈ তাৰ পৰাই ঘূৰি আহিল।

॥ ছয় ॥

জৱাহৰলাল কাশ্মীৰৰ পৰা আহি দিল্লী পালেহি। দেশৰ মানুহবোৰ তেতিয়া অশান্ত অৱস্থাত। মানুহবোৰে স্বাধীনতাৰ আন্দোলনত যোগ দিছে। ১৯১৯ চনত অমৃতসৰত কংগ্ৰেছৰ অধিবেশন বহে। এই অধিবেশনত মতিলাল নেহৰুৱে সভাপতিত্ব কৰিছিল।

মহাত্মা গান্ধী প্ৰথম বাৰৰ কাৰণেএইখন কংগ্ৰেছ অধিবেশনত যোগ দিয়ে। গান্ধীৰ পৰামৰ্শ মতে অধিবেশনে কেইটামান

প্ৰস্তাব গ্ৰহণ কৰিলে। মানুহৰ আগ্ৰহ আৰু উদ্দীপনা দেখি মহাত্মাই বৰ সুখ পালে। ১৯১৯ চনৰ এক আগষ্টত গান্ধীয়ে অসহযোগ আন্দোলনৰ উদ্বোধন.দিবস বুলি ঘোষণা কৰিলে।

তাৰ পাচৰ পৰাই গোটেই দেশতে আন্দোলনৰ জুই জ্বলি উঠিল। হৰতাল, সভা, শোভাযাত্ৰা আদিয়ে ইংৰাজৰ শাসনৰ-গাদী কঁপাই দিলে। বহুতো আন্দোলনকাৰীৰ ওপৰত গুলী চলোৱা হল। পুলিচৰ লাঠিৰ কোবত বহুত মানুহ পীড়িত হল। কিন্তু জনতা তেতিয়াও শান্ত নহৈ বৰ উত্তেজিত হৈ হৈ উঠিল।

দেশৰ এনেকুৱা পৰিস্থিতিত জৱাহৰলালৰ মনও বিদ্ৰোহী হৈ উঠিল। দেশমাতৃৰ আহ্বান তেওঁ শুনিলে। মহাত্মা গান্ধীৰ বাণীবোৰ তেওঁ বৰ মনোযোগেৰে শুনিছিল। দেউতাকৰ সৈতে তেওঁ কেইবা বাৰো মহাত্মাৰ লগত দেখা সাক্ষাৎ হয়। মতিলাল নেহৰুৰ অনুৰোধত মহাত্মা এবাৰ এলাহবাদলৈও আহিছিল। মতিলাল নেহৰু আৰু মহাত্মাৰ মাজত আন্দোলনৰ বিষয়ে বহুত আলোচনা হয়। জৱাহৰলালে তেতিয়া দেউতাক আৰু মহাত্মাৰ কথা-বতৰাবিলাক শুনি আন্দোলনত তেওঁও যোগ দিম বুলি স্থিৰ কৰে।

১৯২০ চনৰ এক আগষ্টৰ দিনাখন গোটেই ভাৰতত্তে অসহযোগ আন্দোলন কৰাৰ ঠিক হল। কিন্তু দুৰ্ভাগ্য বশতঃ

সেই দিনাই ভাৰতমাতৃয়ে আদৰ্শবান পুত্ৰ এজন হেৰুৱাই। বোম্বেত মহামান্য তিলকৰ মৃত্যু হয়।

তিলকৰ মৃত্যুৰ বাতৰি পাই মহাত্মা গান্ধী বোম্বেলৈ যায়। এলাহবাদৰ পৰা জৱাহৰলাল নেহৰুও এই দেশপ্ৰেমিকজনক শেষ দেখা কৰিবৰ কাৰণে বোম্বেলৈ যায়। বোম্বেত মহাত্মাৰ লগত জৱাহৰলালৰ দেখা হয়।

সেই সময়ত এলাহবাদত এখন সভা হৈছিল। এই সভাখন পতাহৈছিল ইংৰাজ শাসকসকলৰ বিৰুদ্ধে। "ইংৰাজৰ অত্যাচাৰ বন্ধ কৰিব লাগে" এইটো প্ৰস্তাব সভাত গৃহিত হয়। সভাত সভাপতি আছিল তেজ বাহাদুৰ। তেজ বাহাদুৰ জৱাহৰলালৰ দেউতাকৰ বন্ধু আছিল। জৱাহৰলালৰ প্ৰতিভা আৰু দেশপ্ৰেমৰ কথা তেওঁ আগৰ পৰাই জানে। তেওঁ সভাত জৱাহৰলালক বক্তৃতা এটা দিবৰ কাৰণে কয়।

সভাপতিৰ কথা শুনি জৱাহৰলাল বৰ বিপাঙত পৰিল। ইমান ডাঙৰ সভাত তেওঁ আগতে কেতিয়াও বক্তৃতা দিয়া নাই। জৱাহৰলালৰ বুকু কঁপি উঠিল।

সভা আৰম্ভ হোৱাত তেজ বাহাদুৰে ঘোষণা কৰিলে যে এই বাৰ যুৱক জৱাহৰলালে কেইআষাৰ মান কব। জৱাহৰলাল নিৰুপায় হৈ ঠিয় হল। সভাৰ সকলো মানুহৰ চকু জৱাহৰলালৰ ওপৰত। সকলো মানুহে এই যুৱকজনৰ কেইআষাৰ মান কথা শুনিবৰ কাৰণে বৈ আছে।

জৱাহৰলালে মনতে ভাবি থৈছিল যে তেওঁ হিন্দীতে বক্তৃতা দিব, কাৰণ হিন্দী ভাষা প্ৰায় সকলো মানুহে বুজি পায়। তেওঁ হিন্দীত বক্তৃতা দিম বুলি ঠিয় হল। কিন্তু আচৰিত কথা তেওঁৰ মুখৰ পৰা এটাও হিন্দী কথা নোমাল। ইংৰাজী চু আষাৰ মান কথা ওলাল যদিও তেওঁৰ গাৱে ঘাম ওলাবলৈ ধৰিলে। বুক মুখ তেওঁৰ ৰঙা পৰিল।

জৱাহৰলালৰ এনেকুৱা দুৰ্গতি দেখি সভাৰ মানুহবোৰে হাঁহিব ধৰিলে। এই বাৰ জৱাহৰলালে আকৌ-বেচি কৈহে লাজ পালে।

তেতিয়া কোনেও ভবা নাছিল যে এই যুবকজনে গৈ এসময়ত এজন পৃথিবীৰ ডাঙৰ বক্তা হব। ভাৰতৰ জনগণে এই যুবকজনৰ বক্তৃতাৰ দ্বাৰা চেতনা লভিব।

মহাত্মা গান্ধীৰ নেতৃত্বত তেতিয়া সমগ্ৰ ভাৰতবাসীয়ে ইংৰাজৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰে। তেতিয়া ইংৰাজসকলে ভাৰতীয় বিক্ষোভকাৰীক এ শিকনি দিবৰ কাৰণে লাউলাট এক্ট নামে এখন আইন কৰে। এই আইনৰ দ্বাৰা ইংৰাজসকলে ভাৰতীয় মানুহক বিনা বিচাৰে শাস্তি দিব পাৰিছিল।

১৯২০ চনত কংগ্ৰেছৰ অধিবেশন বহে। দেশৰ ডাঙৰ ডাঙৰ নেতাবোৰে এই অধিবেশনত যোগ দান দিলে। এই অধিবেশনতে

মহাত্মা গান্ধীয়ে ভাৰতীয় মানুহৰ কল্যাণৰ কাৰণে এটা নতুন নীতি বাহিৰ কৰে। ইয়াৰ নাম হ'ল অসহযোগ আন্দোলন।

এই আন্দোলনৰ মুল মন্ত্র হল অহিংসা, অহিংসাৰ দ্বাৰা ভাৰতৰ হেৰৱা স্বাধীনতা ফিৰাই অনাটোৱে হল এই নীতিৰ মূল উদ্দেশ্য। মহাত্মাৰ এই সাৰমৰ্ম্ম নীতিত ভাৰতৰ জনসাধাৰণে এটা নতুন শক্তি লাভ কৰিলে।

এটা মহৎ উদ্দেশ্য আৰু স্বাধীনতাৰ অদম্য হেপাহত ভাৰতৰ মানুহবোৰ উত্তেজিত হৈ উঠিল। ৰাইজে কোনো দ্বিধা বোধ নোহোৱাকৈ আগ বাঢ়ি গল। আগৰ যি অত্যাচাৰত ভয় আৰু নিৰাশ ভাব আহিছিল এতিয়া সম্পূর্ণৰূপে মানুহবোৰৰ নোহোৱা হল। পুলিচৰ লাঠি আৰু গুলি চালনাক কোনেও কেৰেপ নকৰা হল।

ৰাইজৰ আন্দোলনে বহুতো বৃটিশ বিষয়াৰ ধৈৰ্য্যচ্যুতি ঘটালে। তথাপিও শান্তি পূর্ণভাবে আন্দোলন কৰা কাৰণে তেওঁলোকে তাক দমন কৰিবলৈ কোনো বাট না পালে। ইংৰাজ নেতা সকলে অহিংসা নীতিক বিশ্বাস নকৰিছিল। তেওঁলোকে ভাবিছিল যে ই এটা কৌশল হে মাথোন। ইয়াৰ অন্তৰালত এটা বিৰাট গোপন ষড়যন্ত্র লুকাই আছে। এই ষড়যন্ত্র এদিন ভীষণ হিংসামূলক ভাবে আত্ম প্রকাশ কৰিব।

১৯২১ চনটো আন্দোলনৰ বছৰ বুলিয়ে ধৰিব পাৰি। বহুতো

ঘটনাই ইংৰাজ শাসক সকলোক ধৈৰ্য্যচ্যুতি ঘটাইছিল। এই বছৰতে খেতিয়কসকলৰ আহুকাল আৰু বনুৱাশ্ৰেণীৰ আন্দোলনে মুৰ দাঙি উঠিছিল। কিন্তু মহাত্মাৰ অনুৰোধত এই আন্দোলনে শাম কাটিলে।

গান্ধীৰ ব্যক্তিত্বত জৱাহৰলাল আকৃষ্ট হৈছিল। ১৯২১ চনতে বহুত মানুহ গেপ্তাৰ হয়। আলি ভাই ককাই দুজনৰ দীঘলীয়া কাৰাদণ্ড হয়। তেওঁলোকৰ অপৰাধ আছিল ইংৰাজৰ বিৰুদ্ধে বক্তৃতা দিয়াতো। যি বক্তৃতাৰ কাৰণে তেওঁলোকক গ্ৰেপ্তাৰ কৰিছিল হাজাৰ হাজাৰ মানুহে সেই বক্তৃতাবোৰ আওৰাব ধৰিলে। জৱাহৰলালৰ ওপৰতো ইংৰাজৰ সেন চকু পৰিল। বহুদিন আগৰে পৰা তেওঁক ইংৰাজে চকু দি আছিল।

১৯২১ চনৰ শেষৰ পিনে ইংলণ্ডৰ কোঁৱৰ ভাৰতলৈ আহে। ইংৰাজ চৰকাৰে কোঁৱৰক অভ্যৰ্থনা জনাবৰ কাৰণে ডাঙৰ আয়োজন কৰে। কিন্তু কংগ্ৰেছ দলে কোঁৱৰৰ অভ্যৰ্থনা ব্যৰ্থ কৰিবলৈ ব্যৱস্থা হাতত ললে।

যিদিনা কোঁৱৰ ভাৰতলৈ আহিছিল সমগ্ৰ ভাৰততে সেই দিনা হৰতাল হৈছিল। কংগ্ৰেছে মানুহবোৰক অনুৰোধ কৰিছিল যে ইংলণ্ডৰ কোঁৱৰক কোনো প্ৰকাৰে সহায় সহযোগ নকৰে। কোঁৱৰ যলৈ গৈছিল তাতে দেখিছিল হৰতাল, আৰু নিৰ্জন আলিবাট। তেওঁ এলাহবাদলৈ যাবৰ দিনা গোটেই

নগৰখন মৰিশালিৰ দৰে নিমাত নিতাল। কলিকতাতো তেওঁৰ একে অবস্থা।

ভাৰতীয় মানুহৰ এনেবোৰ কাৰ্য্যত কোঁৱৰে বৰ লাজ পালে। তাৰ পাচৰ পৰাই বিশেষকৈ যুক্ত প্ৰদেশ আৰু কলিকতাত গ্ৰেপ্তাৰ আৰু কাৰাদণ্ড চলিবলৈ ধৰিলে। এই দুখন দেশৰ প্ৰধান প্ৰধান কৰ্ম্মী আৰু নেতাসকল জেললৈ গল। জেললৈ যাবলৈ মানুহ নিজে আগবাঢ়ি আহিল।

যি বিলাক মানুহে কেতিয়াও কংগ্ৰেছৰ ৰাজনৈতিক আন্দোলনত যোগ দিয়া নাছিল সেইবিলাক মানুহৰ গাতো উদ্দীপনাৰ ঢৌ-লাগিল। তেওঁলোকেও নিজকে ধৰি নিবলৈ গা পাতি দিলে।

অৱশেষত এনেকুৱা ঘটনা হল পুলিচৰ লৰীত ডেকা লৰা বিলাকে হেচা মাৰি ধৰেগৈ আৰু পুলিচবোৰে নামি যাবলৈ কলেও নেনামে। প্ৰত্যেক দিনাই ই লৰীৰ পাচত সি লৰী মানুহ হৰ্ষধ্বনী আৰু আনন্দ মনৰে জেইলত সোমাইছে। ইপিনে জেলৰ মানুহ ৰাখিবলৈ ঠাই নাই। জেলকৰ্ত্তৃপক্ষ বিমোৰত পৰিল। অৱশেষত গেপ্তাৰ কৰা কাৰ্য্য বন্ধ কৰি দি বচা বচা মানুহ কিছুমানহে গ্ৰেপ্তাৰ কৰিব ধৰিলে। এই বাৰেই জৱাহৰলালক প্ৰথম বাৰৰ কাৰণে গেপ্তাৰ কৰিলে। জেলত কিছুদিন থকাৰ পাচত তেওঁকো মুক্তি দিয়ে।

১৯২২ চনত জৱাহৰলালক আকৌ গ্ৰেপ্তাৰ কৰে। তেওঁৰ অপৰাধ আছিল হৰতালৰ বিজ্ঞাপন মানুহৰ মাজত বিলাই মানুহবোৰক ঐক্য বদ্ধ কৰা। সেইবাৰ তেওঁৰ দেউতাককো জেলত দিয়ে। পিতা পুত্ৰ দুয়ো জেলৰ ভিতৰত।

জেলত থকা তিনি মাহ মানৰ পাচত জৱাহৰলালে গম পালে যে তেওঁক বোলে ভুলতে জেল দিয়া হৈছে, গতিকে তেওঁক মুক্তি দিলে। দেউতাকৰ জেলৰ ভিতৰত এৰি থৈ তেওঁ বৰ দুখেৰে জেলৰ পৰা ওলায় আহে।

## ॥ সাত ॥

জেলৰ পৰা ওলায় ১৯২৩ চনৰ পৰা জৱাহৰলাল নেহৰু জাতীয় আন্দোলনত জপিয়াই পৰিল। ১৯২৩ চনতে তেওঁ এলাহবাদৰ মিউনিসিপেলিটিৰ চেয়াৰমেন হিচাবে নিৰ্ব্বাচিত হয়। সেই সময়তে বহুতো কংগ্ৰেছী চেয়াৰমেন নিৰ্ব্বাচিত হল।

তেওঁ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰো সম্পাদক আছিল। ৰাইজৰ কামত খাটোতে তেওঁ নিজৰ কথা ভাবিবলৈ অকনো সময় নাপাইছিল।

১৯২৩ চনত পঞ্জাবৰ শিখ সকলোৰ লগত চৰকাৰৰ সঘনে সংঘৰ্ষ হৈছিল। ইংৰাজসকলে পঞ্জাবৰ মহাৰাজক গাদীচ্যুত কৰি এজন ইংৰাজ বিষয়াক পঞ্জাবৰ নাভাৰ শাসক নিযুক্ত-

কৰিলে। ইংৰাজৰ এইবোৰ কাৰ্য্যত পঞ্জাবৰ নানা ঠাইত আন্দোলন হয়।

শিখসকলে তেতিয়া ভাৰতীয় কংগ্ৰেছৰ সম্পাদক জৱাহৰলালক ঘটনাটো অনুসন্ধানৰ কাৰণে আহ্বান জানায়। জৱাহৰলালেও কেইজনমান সহকৰ্ম্মী লৈ পঞ্জাবলৈ ৰাওনা হল।

জৱাহৰলাল গৈ নাভাত উপস্থিত হল। জৱাহৰলাল যোৱাৰ লগে লগে তাৰ শাসক জনৰ পৰা নিৰ্দ্দেশ আহিল যে তেওঁলোক যাতে নাভাৰ এলেকাৰ ভিতৰত নোসোমায়।

জৱাহৰলাল নেহৰুৱে তেতিয়া নিৰ্ভীক ভাৱে উত্তৰ দিলে "আমি আন্দোলন কৰিবলৈ অহা নাই দৰ্শক হে"।

জৱাহৰলালৰ এই উত্তৰ শুনি ইংৰাজ শাসক জনৰ খং উঠিল। জৱাহৰলালৰ ওপৰত প্ৰতিশোধ লবলৈ তেওঁ পুলিচ পঠিয়াই দিলে। বিয়লি বেলিকা পুলিচ আহি জৱাহৰলাল আৰু তেওঁৰ সঙ্গী দুজনক গ্ৰেপ্তাৰ কৰিলে।

নাভা জেলৰ কোঠাএটাত তিনিওজনকে ৰখা হৈছিল। তিনিওজন ষড়যন্ত্ৰকাৰী বুলি অভিহিত কৰা হল। তেওঁ লোকক আঢ়ৈ বছৰ কৈ কাৰাদণ্ডৰ ৰায় দিলে।

জৱাহৰলালে তেতিয়া ৰায়ৰ নকল এটা খুজি পঠিয়ালে। ৰায়ৰ নকলটো কিন্তু তেওঁলোকে দিবলৈ সম্মত নহল। সেই দিনা গধুলি জেল চুপাৰিণ্টেণ্ডেণ্টে তেওঁলোকক মাতিনি বৃটিছ

শাসকৰ এখন আদেশ পত্র দেখুৱালে। তাত তেওঁলোকক নাভা এৰি যাবলৈ কোৱা আছে আৰু কোনো অনুমতি নহলে নাভাৰ ভিতৰলৈ সোমোৱাটো বাধা আছে।

তাৰ পাচত তেওঁলোকক এৰি দিয়া হল। নাভা জেলত থাকোতে জৱাহৰলাল সান্নিপাত জ্বৰত ভুগে। জ্বৰৰ কাৰণে তেওঁৰ শৰীৰ অতি দুৰ্ব্বল হৈ পৰে। তেওঁ দুৰ্ব্বল হৈ পৰি থকা স্বত্বেও বিচনাত পৰি নাথাকিছিল। তেতিয়া তেওঁ দৈনন্দিন আৰু পাৰিপাশ্বিকতাৰ হাত সাৰি দেশৰ কথা মুকুলি মূৰীয়াকৈ চিন্তা কৰিবৰ বেচিহে সুবিধা পাইছিল।

১৯২৫ চনত জৱাহৰলালৰ পৰিবাৰ কমলা নেহৰুৰ টান নৰিয়া হয়। তেতিয়া তেওঁ লক্ষ্ণৌৰ এখন হস্পিতালত চিকিৎসাধীন হৈ থাকে। কিন্তু লক্ষ্ণৌত কমলা ভাল নহল। অবশেষত কমলাক চুইজাৰলেণ্ডলৈ নি চিকিৎসা কৰাটোকে ঠিক কৰিলে। বহুত দিনৰ মূৰত জৱহৰলাল বাহিৰলৈ যাবলৈ পাই খুব ভাল পালে। জৱাহৰলাল আৰু কমলাৰ লগত তেওঁলোকৰ ছোৱালী ইন্দিৰা, ভনিয়েক আৰু ভনি জোৱাইও গৈছিল।

ইউৰোপত থকা সময় খিনি জৱাহৰলালে বৰ শান্তিৰে কটায়। ইপিনে কমলাইও কিছু ভাল পায়। কমলাই ভাল পোৱা কাৰণে তেওঁক লৈ ইংলণ্ড, ফ্রান্স আৰু জাৰ্ম্মানীলৈ ফুৰিবলৈ যায়। তাও থকাত কমলা সম্পূৰ্ণ আৰোগ্য হয়।

অবশেষত এ বছৰ ন মাহ সময় বিদেশত থাকি ভাৰতলৈ তেওঁ উলতি আহে।

ইউৰোপত জৱাহৰলালৰ এটা ডাঙৰ উপকাৰ হল। সেইটো হৈছে তেওঁৰ বহল দৃষ্টিভঙ্গি। তেওঁ অনুভব কৰিলে যে এতিয়া তেওঁ বহুত বহল দৃষ্টি ভঙ্গিৰে চাব পৰা হৈছে। তেওঁ ভাবিলে যে লোকৰ শাসনৰ পৰা মুক্তি পোৱাটো সচাকৈয়ে বৰ ডাঙৰ কথা, কিও অহিংসা পথেৰে আগ বাঢ়ি গলে নিশ্চয় তেওঁ লোকে পৰাধীনতাৰ মুক্তিলাভ কৰিব পাৰিব।

ইউৰোপৰ পৰা অহাৰ পাচত তেওঁৰ একান্ত ইচ্ছা আছিল যে, তেওঁ কিছু দিন গাওঁত থাকি গাওঁলীয়া জীৱনৰ এটা চমু আভাষ লব। কাৰণ স্বাধীনতা আনিব লাগিলে গাওঁৰ মানুহেই আনিব লাগিব। এই কথা মহাত্মা গান্ধীয়ে দঢ়াই দঢ়াই কৈছিল। কিন্তু জৱাহৰলালৰ ইচ্ছা পূৰণ নহল। তেওঁ আকৌ কংগ্ৰেছৰ কামত লাগিব লগাত পৰে।

সেই বাৰ মাদ্ৰাজত কংগ্ৰেছ অধিবেশন হয়। জৱাহৰলাল গৈ মাদ্ৰাজ পালে গৈ। তাত তেওঁ কেইটামান বৰ মূল্যবান প্ৰস্তাৱ দাঙি ধৰে। এই প্ৰস্তাব কেইটাৰ দৃষ্টি ভঙ্গি নতুন আছিল। বহুতো কংগ্ৰেছী মানুহে প্ৰস্তাব কেইটা ভাল পালে। বিশেষকৈ ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাবটোৱে অতি গুৰুত্ব-পূৰ্ণ আৰু প্ৰধান আছিল।

মাদ্ৰাজৰ অধিবেশনত মহাত্মা গান্ধীও উপস্থিত আছিল। গান্ধীয়ে আলোচনাত যোগ দিয়া নাছিল। গান্ধীৰ পৰামৰ্শ মতেহে কিন্তু কামবোৰ হৈছিল। জৱাহৰলালে গান্ধীৰ পৰামৰ্শ নোহোৱাকৈ কোনো কাম নকৰিছিল।

মিছেচ এনি বেচান্তে এই প্ৰস্তাব কেইটা বৰ ভাল পালে আৰু তাক কাম্য কৰিবৰ কাৰণে জৱাহৰলালক কংগ্ৰেছৰ সম্পাদক হবলৈ টানি অনুৰোধ কৰিছিল।

ঠিক সেই সময়তে বৃটিছ প্ৰতিনিধি চাইমন চাহাব ভাৰতলৈ আহিছিল। তেতিয়া কংগ্ৰেছ অধিবেশনত চাইমন চাহাবক গৰিহনা দিয়া হয়। আৰু অনতি পলমে চাইমনে ভাৰত ত্যাগ কৰিব লাগে বুলি প্ৰস্তাব এটা লোৱা হয়। কিন্তু এই সকলোবোৰ গুৰু দায়িত্বৰ কাম ললে জৱাহৰলাল।

১৯২৮ চনটো ভাৰত বুৰঞ্জীৰ নৱজাগৰণৰ এটা মনত ৰাখিবলগীয়া বছৰ। দেশৰ ৰাজনৈতিক কামবোৰ চাৰিওফালে ভালকৈ চলিছিল। সকলো ঠাইতে নতুন উৎসাহেৰে জনসাধাৰণ জাগ্ৰীত হৈ পৰিল। দেশৰ সকলো মানুহৰ গাতে আন্দোলনৰ বা লাগিল। কাৰখানাৰ বনুৱা, খেতিয়ক, ডেকা, শিক্ষিত এই সকলোবোৰৰ মাজত চেতনা আহিল।

খেতিয়ক সকলোৰ মাজতো আন্দোলনৰ মনোভাব দেখা দিলে। তেওঁলোকৰ প্ৰতিবাদ সভা ঘনাই হবলৈ ধৰিলে।

খেতিয়কসকলে লগ লাগি বিক্ষোভ প্ৰদৰ্শন কৰিব ধৰিলে। আনকি চাইমন চাহাব য'লৈ যায় তাতে বিক্ষোভ আৰম্ভ হয়। সমবেত জনতাই "চাইমন ঘুৰি যোৱা" আদি ধ্বনিৰে চিয়াৰিবলৈ ধৰিলে। চাইমন যি ঠাই লৈ গৈছিল সেই ঠাইতেই ক'লা পতাকা দেখুৱাই তেওঁক অসন্মান কৰিছিল।

জৱাহৰলালৰ দেউতাক মতিলাল নেহৰুও এই সময়তে ইউৰোপৰ পৰা ঘুৰি আহে। ইউৰোপৰ পৰা আহিয়ে তেওঁ সন্মিলনত যোগ দিয়ে। তেওঁ শাসনতন্ত্ৰ ৰচনা আৰু সমস্যা সমাধানৰ কাৰণে এখন কমিটি কৰে। এই কমিটীটোৰ নাম হল নেহৰু কমিটী।

জৱাহৰলাল এই কমিটীটোৰ সদস্য নাছিল যদিও কংগ্ৰেছৰ সম্পাদক হিচাবে তেওঁ বহুত কাম কৰিব লগাত পৰিছিল।

পঞ্জাবত লালা লাজপৎ ৰায়ৰ নেতৃত্বত চাইমন চাহাবৰ বিৰুদ্ধে বিক্ষোভ কৰা হৈছিল। বিক্ষোভকাৰীক ছত্ৰভঙ্গ কৰাৰ কাৰণে পুলিচে লাঠি চলাব লগাত পৰিছিল। হাজাৰ হাজাৰ নৰনাৰীয়ে এই বিদ্ৰোহত যোগ দিয়ে। পুলিচৰ লাঠি চালনাক কোনেও মন নকৰিলে।

লালাজীয়ে আছিল এই আন্দোলনৰ প্ৰধান নেতা। এজন ইংৰাজ ডেকা পুলিচে লালাজীক বৰকৈ মাৰ ধৰ কৰে। বেতোৰে তেওঁৰ বুকুত বেয়াকৈ আঘাত কৰে। কিন্তু লালাজীৰ অনুৰোধ

ৰক্ষা কৰি জনতাই হিংসামূলক উপায় লোৱা নাছিল। আনকি তেওঁ শান্ত ভাবে ঠিয় হৈ থাকোতেও পুলিছে আহি তেওঁক প্ৰহাৰ কৰে।

ইয়াৰ ফলত এই ঘটনাৰ কেইদিনমানৰ পাচতে লালাজীৰ মৃত্যু হয়।

লালাজীৰ ওপৰত কৰা অমানুষিক অত্যাচাৰৰ বাতৰি দেশৰ চাৰিওফালে বিপনি পৰিল। এই বাতৰি পাই বিক্ষোভৰ জুই আকৌ দুগুনেহে জ্বলি উঠিল। লক্ষ্ণৌ নগৰত বিৰাট সভা বহি স্থিৰ কৰিলে যে দেশৰ সকলো ঠাইতে শোভাযাত্ৰা কৰিব লাগে।

এনেবোৰ নানা কাৰণত জৱাহৰলালক গ্ৰেপ্তাৰ কৰাৰ কথা চলিল। বাতৰি কাকতবিলাকেও এই আশঙ্কাৰ কথা উনুকিয়াইছিল। বহুতো বন্ধু-বান্ধবৰ পৰা তেওঁ সাৱধান হৈ থাকিবলৈ চিঠি পায়।

জৱাহৰলালৰ জীৱনত জেইললৈ যোৱাটো একো নতুন কথা নাছিল। জেললৈ যোৱাতো তেওঁ সামান্য কথা বুলিহে ধৰি লৈছিল। জেলেই তেওঁৰ ঘৰ বুলি ভাবি লৈছিল।

১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ দিনা মাজৰাতি কংগ্ৰেছৰ সৰ্ব্বসম্মতি ক্ৰমে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাব গৃহীত হল। ২৬ জানুৱাৰীৰ দিনটো সমগ্ৰ ভাৰততে স্বাধীনতা দিবস হিচাবে পালন কৰাৰ সিদ্ধান্ত হল।

দেশৰ মানুহৰ উৎসাহ আৰু উদ্দীপনা দেখা গল। সকলো ঠাইতে হাজাৰ হাজাৰ মানুহে শান্তিপূৰ্ণ ভাবে স্বাধীনতাৰ সঙ্কল্প ললে। জৱাহৰলাল আৰু মহাত্মা গান্ধীয়ে ভাবিলে যে দেশৰ মানুহৰ এতিয়াহে আচল কৰ্ত্তব্য আহি পৰিছে।

জৱাহৰলালৰ দেউতাকে গান্ধীৰ লগত পৰামৰ্শ কৰি তেওঁলোকৰ নিজা আনন্দ ভবনটো দেশৰ নামত উচৰ্গা কৰি "স্বৰাজ ভবন" নাম দিলে। তেওঁলোকৰ ঘৰটোৱে এতিয়া কংগ্ৰেছৰ প্ৰধান কেম্প হল। তাৰ এটা অংশত হাসপাতাল এখনও স্থাপন কৰা হল।

নাইনিতাল জেইলৰ পৰা ওলাই আহি জৱাহৰলালে এলাহবাদত এটা বক্তৃতা দিয়ে। এই বক্তৃতাত তেওঁ ইংৰাজবিলাকক বৰকৈ গৰিহনা দিয়ে। এই অপৰাধৰ বাবে তেওঁক বিদ্ৰোহী বুলি অভিহিত কৰা হয়। তেওঁক ১৮ মাহ কাৰাদণ্ড আৰু ৫০০ টকা জৰিমনা কৰা হল। এই বাৰকে ধৰি তেওঁৰ মুঠ পাচ বাৰ ফাটেক হয়।

জৱাহৰলালৰ গ্ৰেপ্তাৰৰ কথা নৰীয়াপাটীত পৰি থকা কমলা নেহৰুৰ কানত পাৰ। কমলাই এই বাতৰি পাই বৰ শোক পালে।

১৯৩১ চনৰ ১ জানুৱাৰীৰ দিনা কমলাও জেললৈ আহিল। তেওঁৰ অপৰাধ হৈছিল যি বক্তৃতাৰ কাৰণে তেওঁৰ স্বামীক জেল

দিয়া হৈছিল সেই বক্তৃতাবোৰ তেওঁ মানুহৰ মাজত পাঠ কৰিছিল।

২৬ জানুৱাৰীৰ দিনা জৱাহৰলালে জেলৰ পৰা মুক্তি পায়। জেলৰ পৰা আহোঁতে তেওঁৰ দেউতাকৰ টান নৰিয়া। দেউতাকে মহাত্মা গান্ধীক লগ পাবৰ কাৰণে ব্যাকুল হৈ পৰিল। অৱশেষত মহাত্মা তেখেতৰ নৰিয়া হোৱা খবৰ পাই এলাহবাদলৈ আহিল। মহাত্মাক পায় তেওঁ বৰ আনন্দিত হল।

নৰিয়াপাটীত থাকিয়ে তেওঁ শেহাই শেহাই কলে "গান্ধীজী মই জানিছো মই স্বৰাজ দেখিবলৈ নাপাম, কিন্তু মই জানো আপুনি স্বৰাজ আনিব পাৰিব"।

মতিলাল নেহৰু মৃত্যু শয্যাত পৰি থাকোঁতেই প্ৰায় সকলো ঠাইৰে মানুহবোৰ আহি দেখা কৰিছিল। অৱশেষত ৬ ফেব্ৰুৱাৰীৰ দিনা তেওঁৰ জীৱন বন্তি নুমাই গল। ভাৰতৰ এজন সিংহ পুৰুষে মনৰ অতৃপ্ত আকাঙ্ক্ষা লৈ মৰ্ত্ত্যৰ পৰা আতৰি গল।

সেই দিনাই হাজাৰ হাজাৰ মানুহৰ সৈতে দেউতাকৰ মৰা শটো এলাহবাদলৈ লৈ গল। গঙ্গাৰ পাৰত অগনন মানুহৰ সমাগম হল। মহাত্মা গান্ধীও তেতিয়া জৱাহৰলালৰ লগত আছিল।

অৱশেষত চকুৰ পাৰতে মতিলাল নেহৰুৰ দেহ জুইয়ে দাহন

কৰিলে। দেউতাক মৰাত বহুত মানুহে জৱাহৰলাললৈ সান্ত্বনা বাণী পথালে।

দেউতাকৰ মৃত্যুৰ তিনি মাহ পাচত জৱাহৰলাল নেহৰু নিজৰ শাৰীৰিক আৰু মানসিক বিশ্ৰামৰ কাৰণে তেওঁৰ পত্নী আৰু জীয়েকক লৈ লঙ্কা দ্বীপলৈ যায়।

## । আঠ ।

ভাৰতৰ স্বাধীনতা সংগ্ৰামত জৱাহৰলাল নেহৰুৰ অৱদান ভাৰতবাসীয়ে পাহৰিব নোৱাৰে। নিজৰ জীৱন বিপন্ন কৰিও তেওঁ দেশৰ মঙ্গলৰ হকে কাম কৰিছিল। সংগ্ৰামেই আছিল জৱাহৰলালৰ জীৱনৰ পণ। সৰুৰে পৰা যদিও তেওঁ লাহ বিলাহত ডাঙৰ-দীঘল হৈছিল তথাপিও তেওঁ সাধাৰণ মানুহৰ কথাও চিন্তা কৰিছিল।

দেশৰ কাম আৰু চিন্তা কৰাত জৱাহৰলালৰ সোঁ হাত স্বৰূপ আছিল লালবাহাদুৰ শাস্ত্ৰী। লালবাহাদুৰ শাস্ত্ৰীও এজন অতি নিস্বাৰ্থ দেশকৰ্ম্মী আছিল। তেওঁ জৱাহৰলালৰ ইমান আপোন আছিল যে বহুত ভিতৰুৱা কথাও তেওঁক কৈছিল।

এজন ডাঙৰ মানুহৰ লৰা হিচাবে জৱাহৰলালে জীৱনত বহুত কাম কৰিবলৈ পাৰিলেহেঁতেন। ইংৰাজৰ অধীনত তেওঁ কাম কৰা হলে তেওঁ ৰজাৰ দৰে থাকিলহেঁতেন। কিন্তু তেওঁ

ভাবিছিল যে পৰাধীন জীৱনৰ কোনো মূল্য নাই। পৰৰ গোলামি কৰা আৰু পৰাধীন জীৱনৰ মান দণ্ড একে। সেই কাৰণে তেওঁ সকলো সা সুবিধাকে জলাঞ্জলি দি দেশৰ জাতীয় আন্দোলনত জপিয়াই পৰিছিল।

কৰ্ম্মই আছিল জৱাহৰলালৰ জীৱনৰ একমাত্ৰ ব্ৰত। জীৱনৰ শেষ লৈকে তেওঁ অতিপাত পৰিশ্ৰম কৰিছিল। মহাত্মা গান্ধী তেওঁৰ জীৱনৰ একমাত্ৰ আদৰ্শবান পুৰুষ আছিল। গান্ধীক তেওঁ দেবতাৰ দৰে পূজা কৰিছিল। গান্ধীৰ অহিংসা ধৰ্ম্ম তেওঁ মানি লয়।

স্বদেশী আন্দোলনত লিপ্ত হোৱা ভালে মান সম্ভ্ৰান্তলোকৰ ঘৰ বাৰী আৰু জাতীয় অনুস্থানৰ কাৰ্য্যালয় আদি চৰকাৰে দখল কৰি বাজেআপ্ত কৰিছিল। বৃটিছ চৰকাৰে জৱাহৰলালৰ দেউতাক মতিলাল নেহৰুৱে আয় কৰা ধনৰ ওপৰত বহু টকাৰ আয় কৰ লগায়। জৱাহৰলালে কিন্তু এই আয় কৰ দিবলৈ অস্বীকাৰ কৰে, কিন্তু অৱশেষত চৰকাৰে তেওঁৰ আৰু ভনীয়েকৰ গাড়ী দুখন বাজেআপ্ত কৰি বিক্ৰী কৰে। অত্যাচাৰী বৃটিশ চৰকাৰ ইমানতো ক্ষান্ত নাথাকিল। নেহৰুৰ মাককও সিহতে ঘৰৰ পৰা বাহিৰ কৰি দিলে।

সেই সময়ত জৱাহৰলাল জেলৰ ভিতৰত। বাতৰি কাকতত

যেতিয়া জৱাহৰলালে এইবোৰ কথা পঢ়িবলৈ পায় তেতিয়া তেওঁৰ অন্তৰ অগ্নিৰ দৰে জ্বলি উঠিল।

তথাপিও তেওঁ ধৈৰ্য্য ধৰিছিল। নিজৰ এনেকুৱা বিপদ-বিঘিনিকো আওকান কৰি জৱাহৰলালে দেশৰ সেৱা কৰিছিল।

১৯৪২ চনৰ ৮ আগষ্টৰ দিনা কংগ্ৰেছে এটা প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱটো হল বৃটিছসকলে ভাৰতবৰ্ষ ত্যাগ কৰিব লাগে নহলে আন্দোলনে গুৰুতৰ ৰূপ ধাৰণ কৰিব বুলিও সাবুকি দিলে।

ভাৰতবাসীয়ে নিজৰ ঘৰৰ মজিয়াত বিদেশীশাসকৰ অত্যাচাৰ কেতিয়াও সহ্য নকৰে। এই আইন বাহিৰ হোৱাৰ পাচ দিনাই ৰাতি পুৱা চৰকাৰে, মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, চৰ্দাৰ বল্লভ ভাই পেটেল, মৌলানা আব্দুল কালাম আজাদ আদি আন্দোলনৰ প্ৰধান নেতাসকলোক গ্ৰেপ্তাৰ কৰিলে।

কৰ্ণেল এমেৰিয়ে ঘোষণা কৰিলে যে ভাৰতৰ স্বাধীনতাৰ আন্দোলন যি মানে ডাঙৰ নহওক তেওঁ দমন কৰিহে এৰিব। এই উদ্দেশ্যে তেওঁ ৰাজনৈতিক বন্দীৰ ওপৰত গুলী চালনা, মাৰপিট, আদি কৰিব ধৰিলে। বহু ৰাজনৈতিক নেতা বন্দী হল।

১৯৪৫ চনত সকলো বন্দীকে মুক্তি দিয়া হয়। এই সময়তে ভাৰতৰ নিৰ্ব্বাচন হৈ যায়। বৰ সুখৰ কথা যে এই নিৰ্ব্বাচনত ৮

খন প্ৰদেশত কংগ্ৰেছে সংখ্যা গৰিষ্ঠতা লাভ কৰে। এই ৮ খন প্ৰদেশত কংগ্ৰেছী মন্ত্ৰী সভা গঠন হল।

জৱাহৰলাল নেহৰুও দেশৰ মানুহৰ এনেকুৱা সুমতি দেখি আনন্দত আত্মহাৰা হৈছিল।

১৯৪৭ চনৰ ৩ জুনত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড মাউণ্টবেটেনে বৃটিছ মন্ত্ৰীসভাৰ অনুমতিত ভাৰতবৰ্ষক স্বাধীনতা দিবলৈ ঠিক কৰে। কিন্তু মহাত্মা জৱাহৰলাল আদিয়ে স্বাধীনতাৰ যি সপোন দেখিছিল সেই সপোন নফলিয়ালে।

অৱশেষত ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষক হিন্দুস্থান আৰু পাকিস্তান হিচাবে দুভাগ কৰি স্বাধান বুলি ঘোষণা কৰিলে। ভাৰতৰ আকাশত অন্ধকাৰৰ কালিমা ম্লান হৈ পোহৰে দেখা দিলে।

সুদীৰ্ঘ কাল পৰাধীনতাৰ কালিমাৰে আবৃত হৈ থকা ভাৰতৰ আকাশত পোহৰৰ ৰেঙনি পৰিল।

ভাৰতবৰ্ষ এখন স্বাধীন ৰাজ্য হিচাবে গণ্য হল। স্বাধীনতাৰ আন্দোলনত জৱাহৰলাল আৰু জেললৈ যাব নলগাত পৰিল।

স্বাধীনতা পোৱাৰ পাচতে ভাৰতত অৰ্থনৈতিক সমস্যাই দেখা দিলে। নানা ধৰণৰ সমস্যাই আহি ভাৰতক জুমুৰি দি ধৰিলে। জৱাহৰলালে এইবোৰ সমস্যা সমাধান কৰিবৰ চেষ্টা কৰে। কোটি কোটি জনগণৰ মান তেওঁ ৰাখিবলৈ আগ বাঢ়িল।

স্বাধীনতা পোৱাৰ পিচৰ পৰাই তেওঁ ভাৰতৰ প্ৰধান মন্ত্ৰী হয়। জৱাহৰলাল ভাৰতৰ দৰে এখণ্ড বিশাল দেশৰ প্ৰধান মন্ত্ৰী হোৱাতো উপযুক্ত মানুহ। তেওঁ এই গুৰুভাৰ লোৱাত পৃথিবীৰ বহুবোৰ দেশে আনন্দ প্ৰকাশ কৰিলে।

প্ৰধান মন্ত্ৰী হিচাবে জৱাহৰলালৰ কামৰ দায়িত্বও বাঢ়ি গল। দিনে-ৰাতিয়ে তেওঁ পৰিশ্ৰম কৰিব লগাত পৰিল।

ভাৰতে স্বাধীনতা পোৱাৰ এবছৰ পাচতে স্বাধীনতাৰ আনন্দ ম্লান হৈ গল। ভাৰত মাতৃৰ এজন মহান নেতা স্বাধীনতা সংগ্ৰামৰ নিৰ্ভীক যুজাৰু মহামানৱ মহাত্মা গান্ধীৰ মৃত্যু হয়। মহাত্মা গান্ধীৰ মৃত্যুত ভাৰতৰ অপৰিমেয় ক্ষতি হল।

জৱাহৰলালে মহাত্মাক পিতৃতুল্য জ্ঞান কৰিছিল। গান্ধীৰ মৃত্যুত তেওঁ বৰ শোক পালে। দেশৰ এনেকুৱা সঙ্কতময় অৱস্থাত গান্ধীৰ দৰে মানুহৰ বৰ প্ৰয়োজন আছিল। নানা ধৰণৰ সংগ্ৰামৰ মাজেৰে এই মহান ব্যক্তি দুজনাৰ সম্পৰ্ক গঢ়ি উঠিছিল।

জৱাহৰলাল যি মহান আদৰ্শৰে সৰুৰে পৰা গঢ়ি উঠিছিল সেই আদৰ্শৰে তেওঁ ভাৰতবৰ্ষকো গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল।

আজি পৃথিবীৰ শক্তিশালী ৰাষ্ট্ৰসমূহৰ মাজত ভাৰতৰ স্থানও আছে। ইংল্যাণ্ড, আমেৰিকা আৰু ৰাচিয়াৰ তুলনাত ভাৰতৰ সন্মানও কম নহয়।

ভাৰতবৰ্ষ পঞ্চশীল নীতিৰ পক্ষপাতি। শান্তি ৰক্ষাই হল ভাৰতৰ মূলমন্ত্র। এই পঞ্চশীল নীতি প্রমাণিত হৈছে চীন দেশৰ সৈতে।

১৯৬২ চনত ভাৰতৰ উত্তৰ পূব সীমান্তত থকা চীন দেশে ভাৰতবৰ্ষ আক্রমণ কৰে। সীমান্তত বাৰুদৰ ধোঁৱাৰে কুঁৱলি ৰচনা হল। ভাৰতেও তাৰ যথা বাহিত প্রত্যুত্তৰ দিলে। ভাৰতৰ বীৰ সৈন্যবাহিনী জৱাহৰলালৰ নেতৃত্বত ঐক্যবদ্ধ হৈ সেই আক্রমণ ব্যৰ্থ কৰে। বুকুত সাহস আৰু দৃঢ়তাৰে তেওঁ চীনৰ সৈতে ভাৰতৰ হেৰোৱা সদ্ভাৱ ঘূৰাই আনিবলৈ যত্ন কৰে।

চীনৰ আক্রমণৰ পাচৰ পৰাই জৱাহৰলালৰ শৰীৰত ৰক্ত চাপ হয়।

১৯৬৪ চনৰ ৪ মেৰ দিনা ডেৰাডুনৰ পৰা চাৰিদিনীয়া ভ্ৰমণ শেষ কৰি তেওঁ দিল্লী পায়হি।

১৯৬৪ চনৰ ২৭মে বুধবাৰ। দিনৰ প্রায় দুটা বাজিছে। হঠাৎ ৰেডিও যোগে এটা মৰ্ম্মান্তিক বাতৰি শুনা গল। "আমাৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ জীৱন বন্তি নুমাই গল।" ভাৰতৰ মানুহে প্রথমতে বিশ্বাস কৰিবলৈ টান পালে। কিন্তু অলপ পাচতে তেওঁৰ মৃত্যুৰ বাতৰি দেশৰ চাৰিওপিনে বিয়পি পৰিল।

মৃত্যুৰ অলপ আগতে অনাতাৰ যোগে ৰাষ্ট্ৰপতিয়ে প্রচাৰ

কৰিলে যে তেওঁ অসুস্থ। অসুস্থৰ খবৰ শুনি দেশৰ মানুহে প্ৰাৰ্থনা কৰিলে যে নেহৰু যেন অতি সোনকালে আৰোগ্য হয়। কিন্তু মানুহৰ সকলো প্ৰাৰ্থনা নিষ্ফল হল। নিষ্ঠুৰ নিয়তিৰ কৰাল গ্ৰাসৰ পৰা তেওঁ অব্যাহতি নাপালে।

পৃথিবীৰ সকলো দেশে এই মহান নেতা গৰাকীৰ মৃত্যু-শোকত অভিভূত হল। তেওঁৰ মৃত্যুত পৃথিবীৰ সকলো দেশৰ মানুহে মৰ্ম্মান্তিক শোক পায়।

জৱাহৰলাল নেহৰু গোটেই পৃথিবীৰে এজন শীৰ্ষ স্থানীয় ব্যক্তি আছিল। তেওঁৰ দৃষ্টি ভঙ্গি আছিল বহল। গোটেই পৃথিবীতে তেওঁ শান্তি স্থাপনৰ কাৰণে চেষ্টা কৰে।

পৃথিবীৰ বিশাল ৰাষ্ট্ৰ এখনৰ প্ৰধান মন্ত্ৰী হিচাবে নহয়, পৃথিবীৰ এজন ৰাজনীতিবিদ হিচাবেও তেওঁৰ খ্যাতি আছিল।

নেহৰু আজি মৰিও অমৰ। তেওঁ যি মহান আদৰ্শ আমাক দি গল সেই আদৰ্শই চিৰ দিন তেওঁক অমৰ কৰি ৰাখিব।

---